# ময়ূৰ ( সংকলন )

( তিনিখন বৃহৎ উপন্যাস আৰু বাৰটা গল্প )

সম্পাদনা

প্ৰফুল্ল কুমাৰ শৰ্মা

ময়ূৰ প্ৰকাশ
গুৱাহাটী—৭৮১০০৭

MAYUR (Sangkalan) A Collection of Novels and short stories edited by Prafulla Kr. Sarma & Published by Mayur Prakash, Ulubari, Gauhati—781 007.

প্ৰকাশক –
ময়ূৰ প্ৰকাশ
গুৱাহাটী—৭

প্ৰথম প্ৰকাশ
১৯৮১ (ইং) চন

মূল্য দহ টকা

মুদ্ৰন
সীমান্তিক প্ৰিণ্টাৰ্চ
ভাৰত প্ৰেছ
গুৱাহাটী—অসম

# ময়ূৰ

আকৰ :—

## উপন্যাস :—



## গল্প :—

উপন্যাস




"যো দেবা অগ্নৌ যো অপ্‌সু যো বিশ্বভুবনমাবিবেশ য ওষধিষু যো বনস্পতিষু তস্মৈ দেবায় নমোনমঃ।"

"যিজন অগ্নিত, পানীত, শোভনীয় বসুন্ধৰাত, তৰু তৃণ ফুলে ফলে বিদ্যমান, তেওঁক নমস্কাৰ।"

ক'ত জানো কোনে গীতা পঢ়িছে। মেঘমন্দ্র কণ্ঠৰ অস্পষ্ট উৰণীয়া ধ্বনি অন্তৰাৰ কাণেৰে সৰকি গৈছে। কাণেৰে নহয়, সেই জলদগম্ভীৰ কণ্ঠস্বৰে আহি যেন অন্তৰাৰ বুকুত খুন্দা মাৰিছে। কোনোবাই অবিৰতভাৱে গীতা পঢ়িছে—

ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসবঃ
মামকাঃ পাণ্ডবাশ্চৈব কিম কুৰ্বত সঞ্জয়।

কাৰ সেই অপূৰ্ব কণ্ঠস্বৰ ?
পুৰুষোত্তম খনিকৰৰ ?

এক প্ৰাচীন, শীতল অনুভূতি ভৰিৰ তলুৱাৰে অন্তৰাৰ বুকুৰ মাজলৈ উজাই আহিল। গীতাপাঠৰ এক মায়াময় ধ্বনিয়ে অন্তৰাৰ বুকুৰ মাজৰপৰা অন্য এক অন্তৰাক আজুৰি উলিয়াই আনিলে। সেইজনী অন্তৰা সকলোৰে দেখা শুভ্ৰ সাজ পৰিহিতা, মেঘবৰণীয়া চুলিৰ মাজে মাজে ৰূপালী আভাই নিৰ্মমভাৱে চিকমিকাবলৈ আৰম্ভ কৰা, জুখি-মাখি কথা কোৱা বৰ্ত্তমানৰ অন্তৰা নহয়। সেই অন্তৰা আজিৰ অন্তৰাতকৈ বহু বেছি বেলেগ।

খিৰিকীৰে দেখা গৈছে আকাশ ধিয়াই উজলি থকা এজাৰ ফুলৰ স্তবক, হেটুলুকা এজনীয়ে ক'ৰবাত বিৰামবিহীনভাৱে চিঞৰি আছে—হেটুলুক্, হেটুলুক্, হেটুলুক্,·······

এতিয়া অন্তৰাৰ কাণত গীতাপাঠৰ ধ্বনি পৰাহি নাই। অন্তৰা যেন এই ভাগো ভাগো পুৰাণ বেতৰ চকীখনত বহি থকা নাই—তেওঁ যেন মেঘৰ সিপাৰৰ মেঘৰ মাজত নিৰুদ্দিষ্ট হৈ গৈছে। তেওঁৰ বুকুৰ মাজত বহি যেন কোনোবাই গদ্‌গদ্ কণ্ঠৰে গীতা পঢ়িছে—

ন কৰ্মনামনাৰম্ভান্নৈষ্কৰ্মাং পুৰুষ অশ্নুতে
ন চ সংন্যাসনাদেৱ সিদ্ধিং সমধিগচ্ছতি।

কৰ্ম নকৰাকৈ সিদ্ধি লাভ কৰিব নোৱাৰি—অন্তৰায়ো সেয়ে কাম কৰে নেকি ?

অন্তৰাৰ বুকুৰ মাজত কোনে অবিৰামভাৱে গীতা পঢ়িছে ?
কবিৰাজ বনস্পতি ভট্টাচাৰ্য্যই ?
নে পুৰুষোত্তম খনিকৰে ?

অন্তৰাৰ সীমিত বুকুৰ মাজত অতলান্ত সাগৰ এখনে উথল-মাথল লগালে। প্ৰাচীন, ভগ্ন, বহযুগৰ বহু বেদনাৰ স্বাক্ষৰ বহন কৰিও